## বিশ্বৰ শান্তি দূত

আজি সেই বিৰাট মহাপুৰুষৰ জন্ম দিন, যিয়ে সমগ্ৰ মানব জাতিৰ কাৰণে কল্যাণৰূপে জন্ম গ্ৰহণ কৰিছিল। তেখেতে পৃথিৱীত এনে এটা আদৰ্শ প্ৰতিষ্ঠা কৰি গৈছে, যাক অনুসৰণ কৰিলে মানব জাতিৰ সকলো ধৰণৰ মঙ্গল আৰু উন্নতি হ'ব পাৰে। এই দিনটো প্ৰতি বছৰেই আহে। কিন্তু আজিৰ এই সংকটপূৰ্ণ যুগ সন্ধিক্ষণত এই দিনটোৰ গুৰুত্ব ইমান বেছি যে, সমগ্ৰ মানব জাতিয়ে এই মহাপুৰুষৰ নিৰ্দ্দেশিত পথৰ সন্ধান লাভ কৰিবৰ কাৰণে আগ্ৰহশীল হৈ আছে। জগত বিখ্যাত দাৰ্শনিক মিঃ বাৰ্ণাড শ্বই কৈছে ঃ

"If a man like Mohammad were to assume the dictatorship of the modern world he would in solving all its problems in a way that would bring so much needed peace and happiness.

অৰ্থাৎ "যদি মোহাম্মদৰ (ছঃ) দৰে কোনো ব্যক্তিয়ে বৰ্তমান পৃথিৱীৰ নেতৃত্ব গ্ৰহণ কৰিলেহেঁতেন, তেওঁ এনেকুৱা উপায়ে আধুনিক সমস্যাৱলীৰ সমাধান কৰিব পাৰিলেহেঁতেন, যাৰ ফলত বহু আকাংখিত সুখ আৰু শান্তি স্থাপিত হ'লহেঁতেন।" মিঃ শ্বৰ এই উক্তি তেওঁৰ অন্তৰাত্মাৰ প্ৰতিধ্বনি হয় নে নহয় ক'ব নোৱাৰি। তেখেতৰ এই উক্তি যে, একেবাৰে সত্য, তাত সন্দেহ কৰিবৰ কাৰণ নাই। মিঃ শ্বতকৈ এঢাপ অগ্ৰসৰ হৈ মই ক'ব খোজোঁ যে, যদিও হজৰত মোহাম্মদ (ছঃ) আজি এই জগতত নাই, তথাপি তেখেতৰ প্ৰচাৰিত আদৰ্শ আৰু ৰাজনীতি চিৰন্তন হৈ আছে। আমি তেখেতৰ সেই আদৰ্শ আৰু ৰাজনীতিক আমাৰ কৰ্ম জীৱনৰ নিৰ্দ্দেশক হিচাপে কামত লগাওঁ তেনেহ'লে যিবোৰ যুদ্ধবিগ্ৰহ আৰু বাক-বিতণ্ডাই সমগ্ৰ পৃথিৱীক এটি ধ্বংসৰ বাটলৈ নি নৰককুণ্ডলৈ পৰিণত কৰিব খুজিছে তাৰ অৱসান হৈ ইয়াত পূৰ্ণ শান্তি, সম্প্ৰীতি আৰু আনন্দৰ পৰিবেশ গঢ়ি উঠিব।

আজিৰ পৰা চৈধ্যশ বছৰৰ আগতে যেতিয়া হজৰত মোহাম্মদে (ছঃ) এই পৃথিৱীত জন্ম গ্ৰহণ কৰিছিল তেতিয়া তেখেতৰ জন্মভূমি নৈতিক অধঃপতন, উচ্ছৃঙ্খলতা আৰু অশান্তিৰ চৰম সীমাত উপনীত হৈছিল। পৱিত্ৰ কোৰআনৰ ভাষ্যত সেই বিষয়ে এনেদৰে মন্তব্য কৰা হৈছে— “হে মোহাম্মদ, (ছঃ) তুমি এটি জুইৰ গহ্বৰৰ পাৰত থিয় দি আছিলা আৰু খোদায়ে তোমাক তাৰ পৰা ৰক্ষা কৰিছে।”

পৃথিৱীৰ আন আন দেশবোৰতো অৱস্থা ইয়াতকৈ উন্নত নাছিল। ইৰাণ আৰু প্ৰাচ্যৰ ৰোম সাম্ৰাজ্য সেই কালত মানৱ সভ্যতাৰ দুটি প্ৰাণ কেন্দ্ৰ আছিল; কিন্তু এফালে নিজৰ মাজৰ পাৰস্পৰিক হাই-খৰিয়াল আৰু আন ফালেদি সামাজিক বিভেদ, অন্ন সংস্থানৰ অব্যৱস্থা আৰু ধৰ্মীয় বিবাদ আদিয়ে উভয় ৰাষ্ট্ৰক ধ্বংসস্তূপত পৰিণত কৰিছিল। এনে শোচনীয় অৱস্থাত হজৰত মোহাম্মদ(ছঃ) আবিৰ্ভূত হৈছিল আৰু মাত্ৰ ২৩ বছৰৰ ভিতৰত তেখেতে কেৱল আৰব দেশতেই পৰিবৰ্তন সাধন কৰা নাছিল, তেখেতৰ নেতৃত্বত যি বিপ্লৱী আন্দোলন আৰম্ভ হৈছিল সেইয়া কেৱল কেইবছৰমানৰ ভিতৰতেই পাক-ভাৰত সীমাৰ পৰা আৰম্ভ কৰি উত্তৰ আফ্ৰিকালৈকে পৃথিৱীৰ এক বিৰাট ভূ-খণ্ডৰ অধিবাসীসকলৰ নৈতিক চৰিত্ৰ, সভ্যতা, জীৱিকা অৰ্জন প্ৰণালী, ৰাজনীতিকে আদি কৰি মুঠৰ ওপৰত জীৱনৰ প্ৰতি বিষয়তে উন্নতি সাধন কৰিছিল।

এই বিৰাট উন্নতি কেনেকৈ সাধন হৈছিল? এই চমু প্ৰৱন্ধত তাৰ আলোচনা সম্ভৱ নহয়। আমি কেৱল তেখেতৰ মূল নীতিবোৰ আপোনালোকৰ আগত দাঙি ধৰিম।

নবী কৰিমে (ছঃ) যি বিষয়ৰ প্ৰতি আটাইতকৈ গুৰুত্ব আৰোপ কৰিছিল, সেইয়া হৈছে, মানৱে কেৱল এক অদ্বিতীয় আল্লাহকেই তেওঁৰ সাৰ্বভৌম প্ৰভু, মালিক, মাবুদ আৰু আইনদাতা হিচাবে মানি ল’ব লাগে। আল্লাহৰ বাহিৰে আন কাৰো দাসত্ব বা আনুগত্য তেওঁ স্বীকাৰ কৰিব নালাগে। এই নীতি যে, কেৱল ধৰ্মৰ আনুষ্ঠানিক গণ্ডীৰ মাজতে সীমাবদ্ধ থাকিব তেনে নহয়, বৰং জীৱনৰ প্ৰতি ক্ষেত্ৰত, প্ৰতি কামত আল্লাহ তা’আলাৰ বিৰাট শক্তি আৰু কৰ্ত্তৃত্বৰ ওচৰত সদায়েই মূৰ অৱনত কৰিব লাগিব।

হজৰত মোহাম্মদৰ (ছঃ) অন্যতম মহান শিক্ষা আছিল যে, মানুহৰ স্বেচ্ছাচাৰিতা আৰু দায়িত্বহীনতাৰ বিলোপ সাধন কৰিব লাগিব। প্ৰত্যেকেই ব্যক্তিগত ভাৱে আল্লাহৰ ওচৰত জবাবদিহি হ'ব লাগিব। এই ধৰণে সমগ্ৰ মানৱ জাতিয়েই তেওঁৰ বংশ, গোত্ৰ অথবা শ্ৰেণী হিচাবেই হওক, আৰু জাতি, ৰাজতন্ত্ৰ অথবা শাসন ব্যৱস্থাৰ মাধ্যমেৰেই হওক, খোদাৰ ওপৰত প্ৰত্যেকটো বিষয়ৰ কাৰণে দায়ী থাকিব লাগিব আৰু জবাবদিহি হ'ব লাগিব। হজৰত মোহাম্মদে (ছঃ) মানুহৰ সংজ্ঞা বৰ্ণনা কৰিবলৈ গৈ কৈছে, "মানুহ এই পৃথিৱীত আল্লাহৰ খলিফা বা প্ৰতিনিধি। তেওঁৰ যি বিষয়ত যিমানখিনি কৰ্ম স্বাধীনতা আছে, সেইয়া প্ৰকৃতপক্ষে খোদা প্ৰদত্ত তেওঁৰ নিজৰ নহয়। এই শান্তি আৰু স্বাধীনতা প্ৰয়োগত খোদাৰ ওচৰত দায়ী থাকিব লাগিব আৰু তাৰ কাৰণে জবাবদিহি কৰিব লাগিব।"

আল্লাহ তা'আলাৰ সাৰ্বভৌম কৰ্ত্তৃত্ব আৰু মনুষ্য কৰ্ত্তৃত্ব, তেওঁৰ প্ৰতিনিধিত্ব— এই মৌলিক ভিত্তিৰ ওপৰতেই হজৰত (ছঃ) এ মানৱ জাতিৰ মাজত পাৰিপাৰ্শ্বিক ঐক্য বা মিলন সংঘটিত কৰিছিল। ইয়াৰ বাহিৰত অন্য কোনো উপায়েৰে সেই মিলন সম্ভৱ নহয়। সন্তান-সন্ততি, বংশ ভাষা, বৰ্ণ, জন্মভূমি আৰু জীৱিকা অৰ্জনৰ সুবিধা-অসুবিধা ইত্যাদিক ভিত্তি কৰি যি সমাজ গঢ়ি উঠে সেয়েই নিশ্চিত ৰূপত মানৱ জাতিক বিভিন্ন সংগ্ৰামশীল কৰি তোলে। এই সকল বিভিন্ন দল, গোষ্ঠী বা সম্প্ৰদায়ৰ মাজত কোনো সময়ত ঐক্য স্থাপন হ'লে সেই ঐক্য খন্তেকৰ কাৰণে বা বিশেষ স্বাৰ্থৰ কাৰণেহে হয়। উপৰোক্ত শ্ৰেণীবিভাগৰ ফলত পাৰস্পৰিক হাই-খৰিয়াল লাগি থাকে আৰু ফলত অশান্তি, অন্যায় অবিচাৰে মূৰ দাঙি উঠে। এনে অৱস্থাত আল্লাহ তা'আলাৰ সাৰ্বভৌম প্ৰভুত্ব স্বীকাৰ কৰি তেওঁৰ আনুগত্য পালনত ঐক্য স্থাপন আৰু প্ৰত্যেকটি কৰ্মৰ কাৰণে সম্পূৰ্ণ দায়িত্ববোধেই উক্ত হাই-খৰিয়াল দূৰ কৰাৰ একমাত্ৰ উপায় আৰু একমাত্ৰ ইয়াৰ দ্বাৰাই পৃথিৱীত ন্যায় বিচাৰ আৰু সুশাসন প্ৰতিষ্ঠা হ'ব পাৰে।

জাতিপূজা আৰু শ্ৰেণীবাদৰ পৰিৱৰ্তে খোদাৰ পূৰ্ণ আনুগত্য আৰু প্ৰতিনিধিত্বৰ ধাৰণা অন্তৰত পোষণ কৰি হজৰত (ছঃ)এ যি বিশ্বজনীন সামাজিক জীৱন ব্যৱস্থা স্থাপন কৰিছিল তাৰ প্ৰতিটো দিশ সুদৃঢ় নৈতিক

ভিত্তিৰ ওপৰতেই প্ৰতিষ্ঠিত আছিল। তেখেতৰ নৈতিক শিক্ষা সংসাৰ বিৰাগী ফকিৰ, দৰবেশ সকলৰ কাৰণে নাছিল, আছিল পৃথিৱীৰ কাম পৰিচালনাকাৰীসকলৰ কাৰণেহে। কৃষক, জমিদাৰ, মজুৰ, কাৰখানাৰ মালিক, ব্যৱসায়ী, কিনোঁতা, পুলিচ, বিচাৰক, সংগ্ৰাহক, সৈনিক, সেনাপতি, মন্ত্ৰী, ৰাজদূত, মুঠৰ ওপৰত প্ৰত্যেককে তেখেতে নিজৰ কৰ্তব্য কৰ্মৰ গণ্ডীৰ মাজত কিছুমান নৈতিক আইন-কানুনৰ বান্ধোনেৰে বান্ধি দিছে। যিবোৰ আইন-কানুনৰ গাথি মুকলি আৰু বান্ধোন, সেইবোৰ মূলনীতিৰ গঠন আৰু বিলোপ সাধন ব্যক্তি বিশেষৰ অথবা জনসাধাৰণৰ ইচ্ছামতে হ'ব নোৱাৰে।

সামাজিক আৰু ব্যক্তিগত সম্পৰ্ক, শিল্প-কলা, সাহিত্য, ব্যৱসায়-বাণিজ্য, পাৰস্পৰিক আদান-প্ৰদান, ৰাজনীতি, ৰাষ্ট্ৰ শাসন, আন্তৰ্জাতিক সম্পৰ্ক, যুদ্ধ আৰু সন্ধি, মুঠৰ ওপৰত মানব জীৱনৰ প্ৰত্যেকটো কাম-কাজতে হজৰত মোহাম্মদ (ছঃ)এ নৈতিক ভিত্তিৰ ওপৰত প্ৰতিষ্ঠা কৰি গৈছে। মানবীয় জীৱন ব্যৱস্থাৰ লগত সংশ্লিষ্ট কোনো বিষয়ে নৈতিক চৰিত্ৰৰ বান্ধোনৰ পৰা মুকলি হৈ সুনাম লাভ কৰিব, তাক তেখেতে কেতিয়াও অনুমোদন কৰা নাই।

উপৰোক্ত মৌলিক নীতিৰ ওপৰতেই হজৰত মোহাম্মদ (ছঃ)ৰ সংস্কাৰমূলক কৰ্মসূচী ৰচিত হৈছিল। এই কৰ্মসূচীকে ৰূপায়িত কৰিবৰ কাৰণে তেখেতে যি উপায় অৱলম্বন কৰিছিল, তাৰ প্ৰাথমিক স্তৰ হৈছে ব্যক্তিগত সংস্কাৰ। সাৰ্বজনীন সংস্কাৰৰ চৰম স্তৰ যে শেষত ব্যক্তিসকলৰ ওপৰত নিৰ্ভৰ কৰে, সেই বিষয়ে তেখেতৰ বিশেষ লক্ষ্য আছিল। সৰ্বোৎকৃষ্ট শাসন ব্যৱস্থাও দুৰ্বল আৰু সন্দেহযুক্ত চৰিত্ৰ দোষৰ কাৰণে স্তৰে স্তৰে যি ফাট মেলে তাক বৰ্ণনা কৰিব নোৱাৰি। বিভিন্ন প্ৰকাৰৰ সম্ভাব্য বিশৃঙ্খলা আৰু ধ্বংস ৰোধ কৰিবৰ কাৰণে যিমান প্ৰকাৰৰ প্ৰতিৰোধ পৰিকল্পনা কাগজে-পত্ৰই নহওক লাগে, সেই লিপিবদ্ধ পৰিকল্পনাবোৰ কাৰ্য্যত পৰিণত কৰিবলৈ হ'লে ব্যক্তিসকলৰ নৈতিক চৰিত্ৰৰ ওপৰতেই নিৰ্ভৰ কৰিব লাগিব। যদি এই সকল ব্যক্তি নিজৰ অভিলাস, ব্যক্তিগত স্বাৰ্থ আৰু পক্ষপাতিত্বৰ দাস হয়, যদি তেওঁলোক বিশ্বাসী আৰু চৰিত্ৰবান নহয়; তেনেহ'লে ইয়াত কেৰোণ ধৰি ব্যৰ্থতালৈ

যে ৰূপান্তৰিত কৰাব তাত কোনো সন্দেহ নাই। শাসন ব্যৱস্থাত এই স্তৰত যি সুৰুঙাই দেখা দিব তাক নির্ণয় কৰাও টান হ'ব। আনফালেদি যি শাসন ব্যৱস্থা কেৱল কিতাপতেই লিপিবদ্ধ থাকে তাত ক্রটি-বিচ্যুতি সহজেই ধৰা পৰে। যদি উক্ত শাসন ব্যৱস্থা কার্য্যকৰী কৰিবৰ কাৰণে বিশ্বস্ত ব্যক্তিসকলক পোৱা যায়, তেনেহ'লে বাস্তৱ ক্ষেত্ৰত তাৰ ক্রটি-বিচ্যুতিবোৰ আশানুৰূপ ভাবে সংশোধিত হ'ব।

এই মৌলিক ভিত্তিৰ ওপৰতেই হজৰত মোহাম্মদ (ছঃ)এ তেওঁৰ কর্মসূচী উৎকৃষ্ট পন্থাত পৃথিৱীৰ সংস্কাৰ সাধন কৰিবৰ কাৰণে চৰিত্ৰবান ব্যক্তি গঢ়ি তোলাত প্ৰথমেই তেখেতৰ সর্বশক্তি নিয়োজিত কৰিছিল। এনে এটি বাহিনী গঠন কৰিলে যেন তেওঁলোকে প্ৰতি মুহূর্তত খোদাৰ ভয় অন্তৰত পোষণ কৰি পাপ কামৰ পৰা বিৰত থাকে, যেন তেওঁলোকে জীৱনৰ প্ৰতি ক্ষেত্ৰতে প্ৰতি কামৰ কাৰণে খোদাৰ ওচৰত দায়ী থাকিব পাৰে। হজৰত (ছঃ)এ তেওঁলোকৰ মাজত এই মনোভাৱ সৃষ্টি কৰিলে যে, উপৰোক্ত কামবোৰৰ পৰা বিমুখ হ'লে তেওঁলোকে খোদাৰ বিৰাগভাজন হ'ব, অর্থাৎ খোদাৰ সন্তুষ্টি বিধানৰ কাৰণে তেওঁলোকে যেন নিজৰ প্ৰিয়বস্তু উছর্গা কৰিবলৈ দ্বিধাবোধ নকৰে। তেওঁলোকে খোদাৰ বাহিৰে আন কাকো ভয়, কাৰো অনুকম্পাৰ লোভ বা পুৰস্কাৰৰ আশা অন্তৰত পোষণ নকৰে। তেওঁলোকৰ ব্যক্তিগত আৰু সামাজিক জীৱনত কোনো পার্থক্যই নাথাকিব। জনসাধাৰণৰ চকুত তেওঁলোক যেন সৎ, অভিজাত আৰু খোদাভীৰু বুলি প্ৰতিপন্ন হ'ব; নিজৰ ঘৰুৱা জীৱনতো তেনে হ'ব লাগিব। তেওঁলোকৰ ওপৰত ইমানখিনি আস্থা স্থাপন কৰা যাব পাৰে, যদি জনসাধাৰণৰ ভাৰ তেওঁলোকৰ ওপৰত অর্পিত হয়, তেনেহ'লে তেওঁলোকে বিশ্বাসঘাতক বুলি প্ৰমাণিত নহ'ব। নিজৰ পক্ষৰ পৰা; জাতি কিংবা চৰকাৰৰ পক্ষৰ পৰা কোনো প্ৰতিশ্ৰুতি বা চুক্তি কৰিলে তাক ভংগ নকৰে। বিচাৰকৰ আসনত অধিষ্ঠিত হ'লে অত্যাচাৰী বুলি প্ৰমাণিত নহয়। কোনো আদান-প্ৰদানতো অসদ্ব্যৱহাৰ নকৰিব। নিজৰ অধিকাৰ লাভত দ্বিধা বা পলম কৰিলেও আনৰ অধিকাৰ আৰু প্ৰাপ্য দিয়াত পলম নকৰিব। নিজৰ প্ৰতিভা, বুদ্ধিমত্তা, দূৰদর্শিতা, শক্তি আৰু যোগ্যতা সু-পথত আৰু ন্যায়, সু-বিচাৰ মানৱ মঙ্গলৰ কাৰণে ব্যয় কৰিব। ব্যক্তিগত বা জাতীয়

স্বাৰ্থৰ কাৰণে, আনক মূৰ্খ কৰিবৰ কাৰণে অথবা আনৰ অধিকাৰ হৰণ কৰিবৰ কাৰণে নহয়।

পুৰা পোন্ধৰ বছৰ ধৰি হজৰত মোহাম্মদ (ছঃ)এ এনে ধৰণৰ ব্যক্তিসকল অৰ্থাৎ এটি চৰিত্ৰবান সেনা বাহিনী গঠন কৰাত আত্মনিয়োগ কৰিছিল। এই কম সময়ৰ ভিতৰতেই তেখেতে এটি সত্যনিষ্ঠ এনে এটি ক্ষুদ্ৰ দল গঠন কৰিলে যে, তেওঁলোকে কেৱল আৰবতেই নহয় সমগ্ৰ বিশ্বৰ সংস্কাৰ সাধনত দৃঢ় সংকল্প হ'ল। উক্ত দলত আৰবৰ বাহিৰে আন মানুহেও যোগদান কৰিছিল।

সেই দল সেনা বাহিনী সু-প্ৰতিষ্ঠিত কৰাৰ পাছত ব্যাপকভাবে সমাজ সংস্কাৰ কাৰ্য্যত নবী কৰিম (ছঃ)এ আত্মনিয়োগ কৰিলে আৰু মাত্ৰ আঠ বছৰৰ ভিতৰতেই পোন্ধৰ লাখ মাইল ব্যাপী এক বিৰাট ভুখণ্ডৰ ওপৰত নৈতিক, ব্যৱহাৰিক, সাংস্কৃতিক আৰু ৰাজনৈতিক বিপ্লবক জীৱন্ত কৰি তুলিলে। তাৰ পাছত এই বাহিনীটোৱে আৰবত সংস্কাৰ মূলক কাৰ্য্য সমাধান কৰি— সন্মুখলৈ অগ্ৰসৰ হ'ল। আৰব দেশত যি বিপ্লৱে জয়লাভ কৰিলে, তেতিয়াৰ সভ্য জগতৰ অধিকাংশ দেশবোৰতেই এই বিপ্লৱ বিয়পি পৰিল।

আজি আমি চাৰিওফালৰ পৰা 'নতুন ব্যৱস্থা', নতুন ব্যৱস্থা' **(New Order, New Order)** শ্লোগান শুনিবলৈ পাইছো। কিন্তু আমি বুজিব পৰা নাই যে, যিবোৰ মৌলিক অব্যৱস্থা অসূত অন্যায় অনাচাৰে পূৰ্বৰ ব্যৱস্থাক শেষত অমংগলকৰ কৰি দিছে, তাকেই যদি আকৌ নতুন ব্যৱস্থা বুলি ঠাই দিয়া হয়, তেনেহ'লে সেইয়া নতুন বটলত পুৰণা মদহে **(Old wine in a new bottle)** হ'ব, আৰু তাৰ বাহিৰে আন একো নহয়। তেনেহ'লে সঁচাকৈয়ে নতুন ব্যৱস্থানো কি হ'ল? ইও সেই পুৰণা জীৰ্ণ ব্যৱস্থা, যাক দেখি আমি জৰ্জৰিত হৈ তাৰ প্ৰতিকাৰৰ দাবী কৰিছো মানবৰ সাৰ্বভৌম কৰ্ত্তৃত্ব, খোদাৰ আনুগত্য আৰু ভয়হীনতা, জাতীয় বা বংশীয় বিভেদ, ৰাষ্ট্ৰ, জাতি অথবা কোনো দলৰ ৰাজনৈতিক অথবা ব্যৱহাৰিক সংকীৰ্ণ স্বাৰ্থ নহয়। খোদাদ্ৰোহী ব্যক্তিসকলৰ শাসনত কৰ্ত্তৃত্ব লাভ আদিত প্ৰকৃত অনাচাৰেই বল বান্ধি মানব জাতিক ধ্বংসৰ মুখলৈ ঠেলি দিয়ে। আমাৰ জীৱন ব্যৱস্থা যদি এই অনাচাৰীসকলৰ দ্বাৰা বিষাক্ত হয়,

তেনেহ'লে ই আমাক ধ্বংস আৰু নিচিহ্ন কৰি দিব।

কেই শতিকামানৰ আগলৈকে মানৱতাৰ এক মংগলাকাংখী মহাপুৰুষে বিশেষ কিছুমান মৌলিক নীতিৰ ওপৰত বিশ্ববাসীক পথ দেখুৱাইয়ে ক্ষান্ত হোৱা নাছিল, বৰং সেইবোৰক তেখেতে নিজৰ বাস্তৱ জীৱনত পৰিণত কৰি গৈছে। বৰ্তমানকালৰ ৰাষ্ট্ৰ নায়ক আৰু জাতিৰ কৰ্ণধাৰ সকলে সেইবোৰ মৌলিক নীতিৰ ওপৰত ভিত্তি কৰি কাৰ্য্যপন্থা অৱলম্বন কৰিলেই পৃথিৱীৰ সংস্কাৰ আৰু মঙ্গল সাধন যে হ'ব তাত কোনো সন্দেহ নাই।

## হজৰত (ছঃ)ৰ কৰ্মসূচী

এই কথা মানৱ সমাজে জানে যে, যি দল বা সম্প্ৰদায় পৃথিৱীৰ আদিম কালৰ পৰা মানৱক খোদাভীৰুতা আৰু উৎকৃষ্ট চৰিত্ৰ গঠনৰ শিক্ষা দিবৰ কাৰণে মনোনীত হৈছিল আৰবৰ নবী মোহাম্মদ (ছঃ) সেই দলভুক্ত আছিল। খোদাৰ আনুগত্য আৰু পৱিত্ৰ চৰিত্ৰ গঠনৰ দীক্ষা, আদিম কালৰ পৰাই পৃথিৱীত নবী সকলে যুগে যুগে দি আহিছে। হজৰত মোহাম্মদ (ছঃ)ও তাকে কৰিছিল। তেখেতে নতুন কোনো খোদাৰ সন্ধান দিয়া নাছিল। নতুবা এনে কোনো বেলেগ চৰিত্ৰ গঠনৰ শিক্ষা দানো কৰা নাছিল, যি পূৰ্ব্বৱৰ্ত্তী সকলৰ শিক্ষাৰ পৰা বেলেগ। এতিয়া প্ৰশ্ন হৈছে, হজৰত মোহাম্মদ (ছঃ)ৰ কৰ্মসূচী কি আছিল, যাৰ কাৰণে তেখেতক মানৱতাৰ বুৰঞ্জীত ইমান গুৰুত্ব দিয়া হৈছে?

এই প্ৰশ্নৰ চমু উত্তৰ এই যে, অৱশ্যে নবী কৰিম (ছঃ)ৰ পূৰ্বে মানুহে খোদাৰ অস্তিত্ব আৰু একত্ব সম্বন্ধে জানিছিল। কিন্তু দাৰ্শনিক তত্ত্বৰ লগত মানৱ চৰিত্ৰৰ কি অবিচ্ছেদ্য সম্পৰ্ক আছিল তাক তেওঁলোকে উপলব্ধি কৰিব পৰা নাছিল। ইয়াত কোনো সন্দেহ নাই যে আগতে মানৱ জাতিয়ে চৰিত্ৰৰ শ্ৰেষ্ঠ মূলনীতিৰ লগত পৰিচিত আছিল; কিন্তু ই তেওঁলোকৰ সম্পূৰ্ণৰূপে জনা নাছিল যে, জীৱনৰ বিভিন্ন ক্ষেত্ৰত সেই সকলো চাৰিত্ৰিক মূলনীতি সমূহক কেনেকৈ ৰূপায়িত কৰিব পৰা যায়। খোদাৰ

ওপৰত ঈমান বা বিশ্বাস, চাৰিত্রিক বা নৈতিক মূলনীতি আৰু বাস্তৱ জীৱন প্রণালী, এই তিনিটি স্বতন্ত্র বিষয় আছিল, যাৰ মাজত কোনো যুক্তিতর্কৰ সূত্র, কোনো গভীৰ সম্বন্ধ অথবা কোনো ফলপ্রসূ সংযোগ নাছিল। একমাত্র হজৰত মোহাম্মদ (ছঃ)য়েই এই তিনিটি বস্তুক একে লগ কৰি এটি জীৱন ব্যৱস্থাৰ মাজত প্রয়োগ কৰিলে। এই তিনিওৰ সংমিশ্রণত এটি পূর্ণাঙ্গ কৃষ্টি আৰু সভ্যতাৰ ব্যৱস্থা কেৱল কাল্পনিক পৃথিৱীতেই আবদ্ধ থকা নাই বৰং তেখেতে তাক বাস্তৱ জীৱন ক্ষেত্রত ৰূপায়িত কৰি সুপ্রতিষ্ঠিত কৰি গৈছে।

তেখেতে এই শিক্ষাদান কৰিছে যে, খোদাৰ ওপৰত বিশ্বাস কেৱল একোটা দার্শনিক তত্বৰ স্বীকৃতি নহয়, বৰং ই প্রকৃততে নৈতিক চৰিত্রৰো দাবী কৰে। উক্ত চৰিত্রৰ পৰিপূর্ণ অভিব্যক্তি হ'ব লাগিব বাস্তৱ জীৱনৰ চাল-চলনত, আচাৰ-ব্যৱহাৰত, আদব-কায়দাত। ঈমান বা বিশ্বাস এটি বীজৰ দৰে। মানৱৰ অন্তকৰণত তাৰ বিস্তাৰ লাভ কৰে আৰু নিজ স্বভাৱসিদ্ধ উপায়েৰে বাস্তৱ জীৱনত এক বিৰাট বৃক্ষৰ সৃষ্টি হয়। উক্ত বৃক্ষৰ, মূল, গা-গছৰ পৰা আৰম্ভ কৰি তাৰ শাখা প্রশাখাত আৰু পাতত নৈতিক চৰিত্রৰ ৰস সঞ্চাৰিত হৈ তাৰ প্রভাৱ বিস্তাৰ কৰে। আম গছৰ বীজ ৰুই কঠাল গছৰ আশা কৰা যেনেকৈ অবান্তৰ, তেনেকৈ কাৰোবাৰ অন্তৰত খোদাপৰস্তিৰ বীজ ৰুই এনে আশা কৰা নাযায় যে, তাৰ পৰা এক জড়বাদী জীৱন ব্যৱস্থাৰ উন্মেষ হ'ব, যাৰ ধমনীত থাকিব চৰিত্র হীনতাৰ প্রবৃত্তি। খোদাভীৰুতাৰ পৰা উদ্ভুত আৰু বৈৰাগ্যৰ পৰা উদ্ভুত চৰিত্র সম্পূর্ণ বিপৰীতমুখী। জীৱনৰ এইবোৰ দৃষ্টিভংগীৰ স্বতন্ত্র প্রস্তুতি আছে আৰু প্রত্যেকৰ প্রকৃতি পৃথক পৃথক চৰিত্র গঠনত প্রবৃত্ত হয়। আকৌ যি চৰিত্র খোদাভীৰুতাৰ পৰা উদ্ভুত সি কেৱল একদল নিষ্ঠবান ধর্মভীৰু লোকৰ কাৰণে সংৰক্ষিত নহয় যে, উক্ত চৰিত্রৰ বিকাশ কেৱল সিহঁতৰ খানকাৰ চাৰিসীমা আৰু নিভৃত হুজুৰাখানাৰ মাজতেই থাকিব। তাৰ প্রয়োগ ব্যাপক ভাবে হ'ব লাগিব জীৱনৰ প্রতি ক্ষেত্রতে। যদি এজন ব্যৱসায়ী খোদাভক্ত হয়, তেনেহ'লে তেওঁৰ ব্যৱসায়ৰ মাজত খোদাভীৰুতাৰ অভাৱ হোৱা কেতিয়াও সম্ভৱ নহয়। কোনো বিচাৰক খোদাভীৰু হ'লে তেওঁৰ বিচাৰালয় আৰু পুলিচৰ মাজত খোদাভীতি থাকিলে তেওঁৰ

কৰ্মক্ষেত্ৰত কেতিয়াও ধৰ্মহীনতা প্ৰকাশ নহ'ব। এনেকৈ যদি কোনো সম্প্ৰদায় খোদাভীৰু হয়, তেনেহ'লে তেওঁলোকৰ নাগৰিক জীৱনত; তেওঁলোকৰ ৰাষ্ট্ৰ পৰিচালনাত, তেওঁলোকক বৈদেশিক নীতিত সন্ধি আৰু যুদ্ধ-বিগ্ৰহাদিত খোদাভীৰুতাৰ চৰিত্ৰ প্ৰকাশিত হোৱা একান্ত স্বাভাৱিক। নহ'লে আল্লাহৰ ওপৰত বিশ্বাস অনা এক অৰ্থহীন কথা হৈ পৰিব।

এতিয়া কথা হৈছে যে, খোদাভক্ত হ'লে কোন ধৰণৰ চৰিত্ৰ দাবী কৰে? আৰু সেই চৰিত্ৰৰ বিকাশ মানৱ জীৱনৰ, ব্যক্তিগত সামাজিক আৰু ৰীতি-নীতিত কি ভাবে সম্ভৱ হ'ব পাৰে? ই এটি ব্যাপক বিষয়। যাৰ আলোচনা এই পুথিত সম্ভৱ নহয়। অৱশ্যে দৃষ্টান্ত স্বৰূপে নবী পাক (ছঃ)ৰ কেইটিমান উপদেশমূলক বাণী উল্লেখ কৰা হৈছে, যাৰ দ্বাৰা বুজিব পৰা যাব যে, তেখেতৰ নিৰ্দেশিত জীৱন ব্যৱস্থাত বিশ্বাস, চৰিত্ৰ আৰু অনুশীলনৰ সংমিশ্ৰণ কেনেকৈ সম্ভৱ হ'ব পাৰে?

## হাদিছ

"ঈমান বা আল্লাহৰ ওপৰত বিশ্বাসৰ বহু শাখা প্ৰশাখা আছে। তাৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ হৈছে, তুমি খোদাৰ বাহিৰে আন কাকো তোমাৰ মা'বুদ বা গৰাকী বুলি স্বীকাৰ নকৰিবা। ঈমানৰ নিম্নতম শাখা হৈছে--- বাটত পথিকৰ কষ্টদায়ক কোনো কাঁইট পৰি থকা দেখিলে তাক আঁতৰাই পেলাবা। লজ্জাশীলতাও ঈমানৰ এটি শাখা।"

শৰীৰ আৰু পোছাকৰ পৱিত্ৰতা ঈমানৰ অৰ্দ্ধেক।" "মুমীন বা বিশ্বাসী সেই ব্যক্তিয়েই যাৰ দ্বাৰা কাৰো জীৱন আৰু সম্পদৰ আশংকা নাথাকে।"

"যাৰ মাজত আমানতদাৰী নাই তেওঁৰ ঈমান নাই। আৰু যি ব্যক্তিয়ে প্ৰতিজ্ঞা ভংগ কৰে, সি ধৰ্মহীন। যদি পুণ্য কামত তোমাৰ আত্মতৃপ্তি আৰু পাপ কামত অনুশোচনা হয়, তেনেহ'লে তুমি এজন মুমীন।"

"ধৈৰ্য্যশীলতা আৰু উদাৰতাৰ নাম ঈমান।"

"সৰ্বোৎকৃষ্ট ঈমানৰ পৰিচয় হৈছে, তোমাৰ বন্ধুত্ব আৰু শত্ৰুতা আল্লাহৰ সন্তুষ্টি বিধানৰ কাৰণেহে। তোমাৰ জিভাত আল্লাহৰ জিকৰ

(গুণ-গান) জাৰি থাকিব। নিজৰ কাৰণে যি গ্ৰহণীয় বুলি ভাবা আনৰ কাৰণেও তাক গ্ৰহণীয় বুলি ভাবিবা, আৰু নিজৰ কাৰণে যি বেয়া আনৰ কাৰণেও তাক বেয়া বুলি ভাবিবা।"

"তোমালোকৰ মাজত সম্পূৰ্ণ ঈমানদাৰ সেই ব্যক্তি যাৰ চৰিত্ৰ সৰ্বোৎকৃষ্ট আৰু যি ব্যক্তিয়ে আপোন পৰিয়ালৰ লগত সকলোতকৈ ভাল ব্যৱহাৰ কৰে।"

"যি ব্যক্তিয়ে খোদা আৰু পৰকালৰ ওপৰত বিশ্বাস ৰাখে তেওঁৰ উচিত অতিথিক সন্মান কৰা আৰু প্ৰতিবেশীক কষ্ট নিদিয়া। হয়, তেওঁ ভাল কথা ক'ব নহ'লে মনে মনে থাকিব।"

"মুমীন ব্যক্তি কেতিয়াও বিদ্ৰূপকাৰী, অভিস্পতকাৰী, অশ্লীলভাষী আৰু প্ৰগল্‌ভ হ'ব নোৱাৰে।"

"এজন মুমীন সকলো হ'ব পাৰে, কিন্তু আত্মসাৎকাৰী আৰু মিছলীয়া হ'ব নোৱাৰে।"

"খোদাৰ কছম সেই ব্যক্তি মুমীন নহয়, খোদাৰ কছম সেই ব্যক্তি মুমীন নহয়, খোদাৰ কছম সেই ব্যক্তি মুমীন নহয়, যাৰ অত্যাচাৰত ওচৰ-চুবুৰীয়াসকল শান্তিত থাকিব নোৱাৰে।"

"যদি কোনোবাই পেট ভৰি খায় আৰু তেওঁৰ ওচৰ-চুবুৰীয়াৰ কোনোবা ভোকত থাকে, তেনেহ'লে তেওঁ ঈমানদাৰ হ'ব নোৱাৰে।"

"খং উঠাৰ পাছত যদি কোনোবাই তাক দমন কৰে, খোদায়ে তেওঁৰ অন্তৰ ঈমান আৰু আত্মতৃপ্তিৰ দ্বাৰা পৰিপূৰ্ণ কৰি দিয়ে।"

"জানি-শুনি যি ব্যক্তিয়ে কোনো অত্যাচাৰীৰ সহযোগিতা কৰে সি ইছলামৰ পৰা বাহিৰ হৈ যায়।"

"যি ব্যক্তিয়ে আনক দেখুৱাবৰ কাৰণে নামাজ পঢ়ে, তেওঁ শ্বিৰ্কহে কৰে। যি ব্যক্তিয়ে আনক দেখুৱাবৰ কাৰণে ৰোজা ৰাখে তেৰোঁ শ্বিৰ্ক কৰে আৰু যি ব্যক্তিয়ে আনক দেখুৱাবৰ কাৰণে দান কৰে তেৰোঁ শ্বিৰ্ক কৰে।"

"চাৰিটা বস্তু যাৰ ওচৰত পোৱা যায় তেওঁ সম্পূৰ্ণ মুনাফিক হ'ব। ১। বিশ্বাস কৰি কোনোবাই যদি তেওঁৰ ওচৰত কিবা জমা থয় তাক আত্মসাৎ কৰিলে। ২। প্ৰতিজ্ঞা ভংগ কৰিলে। ৩। তৰ্ক-বিতৰ্ক কৰোঁতে

ছৰিয়তৰ বাহিৰ হ'লে আৰু ৪। কথা কওঁতে মাজে মাজে মিছা মাতিলে।"

"মিছাকৈ সাক্ষী দিয়া ইমান ডাঙৰ গুনাহ যে, প্ৰায় শ্বিৰ্কৰ সমতুল্য।"

"প্ৰকৃত মুজাহিদ সেই ব্যক্তি যি খোদাৰ আদেশ পালনৰ কাৰণে নিজৰ প্ৰবৃত্তিৰ বিৰুদ্ধে জেহাদ কৰে। প্ৰকৃত মুজাহিদ সেই ব্যক্তি যি খোদাৰ নিষিদ্ধ কামৰ পৰা দূৰত থাকে।"

"তোমালোকে জানানে কিয়ামতৰ দিনা মহিমান্বিত আল্লাহ তা'আলৰ আৰছৰ ছাঁৰ তলত সৰ্বপ্ৰথম কাৰ স্থান হ'ব?"

তাৰ উত্তৰত চাহাবায়ে কেৰামে কৈছিল— "আল্লাহ আৰু তেওঁৰ ৰছুল (ছঃ)য়েই এই বিষয়ে বেছি জানে।" তেতিয়া নবী কৰিম (ছঃ)এ ক'লে,— "সেই সকল ব্যক্তি, যি সকলৰ আগত সত্যসনাতন ধৰ্ম অথবা মতাদৰ্শ দাঙি ধৰিলে তাক গ্ৰহণ কৰে, তেওঁলোকৰ ওচৰত কিবা দাবী কৰিলে, যাক তেওঁলোকে সৰ্বান্তঃকৰণে গ্ৰহণ কৰে, আৰু আনৰ কাৰণে যেনে ধৰণৰ সিদ্ধান্ত কৰে তাক নিজৰ কাৰণেও কৰে।"

"তোমালোকে ছয়টি বিষয়ত মোক জামানত দিয়া মই তোমালোকক বেহেস্তৰ জামানত দিছো। ১। যেতিয়া কথা ক'বা তেতিয়া সঁচা কথাই ক'বা। ২। প্ৰতিজ্ঞাপূৰ্ণ কৰিবা। ৩। আমানত পৰিশোধ কৰিবা। ৪। ব্যভিচাৰৰ পৰা দূৰত থাকিবা। ৫। কুদৃষ্টিৰ পৰা দূৰত থাকিবা। ৬। অত্যাচাৰৰ পৰা হাত দুখনক সংযত ৰাখিবা।"

"প্ৰতাৰক, কৃপণ আৰু উপকাৰ কৰি তাক প্ৰচাৰ কৰা লোক কেতিয়াও বেহেস্তলৈ যাব নোৱাৰে।"

হাৰাম আহাৰৰ দ্বাৰা বঢ়া মাংসপিণ্ডই বেহেস্তত প্ৰৱেশ কৰিব নোৱাৰে। কাৰণ হাৰাম আহাৰেৰে পুষ্ট দেহৰ কাৰণে দোজখেই উপযুক্ত ঠাই।"

"যি ব্যক্তিয়ে তাৰ দোষযুক্ত পণ্যদ্ৰব্য কিনোতাক নজনোৱাকৈ বিক্ৰী কৰে, তাৰ ওপৰত খোদাৰ খং হয় আৰু ফিৰিস্তাসকলে তাৰ ওপৰত অভিশাপ দি থাকে।"

"কোনোবা ব্যক্তি যিমান বাৰেই শ্বহীদ হওক আৰু যতবাৰেই পুনৰ্জীৱন লাভ কৰি পুনৰ্বাৰ শ্বহীদ হওক নালাগে, যদি সেই ব্যক্তিয়ে তেওঁৰ ঋণৰ পৰিশোধ নকৰে, তেওঁ কেতিয়াও বেহেস্তলৈ যাব নোৱাৰে।"

"যদি কোনো নাৰী বা পুৰুষে ষাঠি বছৰ আল্লাহৰ এবাদত কৰাৰ পাছত মৃত্যুৰ সময়ত কোনো অছিয়ত কৰা কাৰোবাৰ হক নষ্ট কৰি যায়, তেনেহ'লে দুয়োৰে কাৰণেই দোজখ অৱশ্যম্ভাবী হ'ব।" "যি তেওঁৰ তলতীয়া কৰ্মচাৰীৰ প্ৰতি বেয়া ব্যৱহাৰ কৰি কৰ্ত্তৃত্ব কৰিব, তেওঁ বেহেস্তলৈ যাব নোৱাৰিব।"

"ৰোজা, নামাজ, দান-খায়ৰাততকৈ উৎকৃষ্ট বস্তু কি জানানে? সি হৈছে বিবাদৰ সময়ত সন্ধি স্থাপন কৰা।" অৰ্থাৎ নিজৰ মাজত কোনো হাই-কাজিয়াৰ সৃষ্টি কৰা এনে গৰ্হিত কাম যে, ই জীৱনৰ যাৱতীয় পুণ্য কাৰ্য্যক নষ্ট কৰি দিয়ে।

"মোৰ উম্মতৰ মাজত প্ৰকৃত নিঃস্ব সেই ব্যক্তি যিয়ে কিয়ামতৰ দিনা এনে অৱস্থাত উপস্থিত হ'ব যে তেওঁৰ লগত নামাজ, ৰোজা, জাকাত আদি সকলো থকা সত্বেও তেওঁ জীয়াই থাকোতে দুনিয়াত কাৰোবাক কথা কোৱা, কাৰোবাৰ মিছা অপবাদ প্ৰচাৰ কৰা, কাৰোবাৰ ধন আত্মসাৎ কৰা, কাৰোবাৰ ৰক্তপাত কৰা, নতুবা কাৰোবাক আঘাত কৰা কাৰণে সেই ব্যক্তিৰ পুণ্যবোৰ সেই সকল উৎপীড়িতৰ মাজত আল্লাহ্ তা'আলাই বিলাই দিব। এনে কৰা সত্বেও সেই ব্যক্তিৰ কৃতকৰ্মৰ ঋণ পৰিশোধ নহ'ব। তেতিয়া সেই উৎপীড়িত সকলৰ পাপ কাৰ্য্যাৱলী তেওঁৰ ওপৰত জাপি দিয়া হ'ব আৰু ফলত তেওঁক দোজখত নিক্ষেপ কৰা হ'ব।"

"পাপৰ সংখ্যা বৃদ্ধি কৰি আত্মতুষ্টি লাভ নকৰিলে কোনেও পাৰলৌকিক নাজাত বা মুক্তিৰ পৰা বঞ্চিত নহ'ব।"

"যি ব্যৱসায়ীয়ে মূল্য বৃদ্ধি কৰাৰ কাৰণে খোৱা বস্তু গুদামত ভৰাই থয়, তেওঁ অভিশপ্ত।"

"মূল্য বৃদ্ধি কৰাৰ কাৰণে কোনোবাই যদি কোনো খোৱা বস্তু চল্লিশ দিন গুদামত লুকুৱাই থয়, তেনেহ'লে সেই ব্যক্তিৰ লগত খোদাৰ আৰু খোদাৰ লগত তেওঁৰ সম্পৰ্ক ছিন্ন হৈ যায়।"

"চল্লিশ দিন খোৱা বস্তু লুকুৱাই ৰাখি থৈ সেই বস্তু যদি দানো কৰি দিয়ে তেনেহ'লে তেওঁৰৰ সেই দোষৰ ক্ষমা কৰা নহ'ব।"

নবী কৰিম (ছঃ)ৰ অসংখ্য উপদেশ বাণীবোৰৰ পৰা দৃষ্টান্ত স্বৰূপে ইয়াত কেইটামান বৰ্ণনা কৰা হ'ল। ইয়াৰ পৰা স্পষ্টকৈ বুজা গৈছে যে,

হজৰত (ছঃ)এ ঈমানৰ পৰা চৰিত্ৰ আৰু চৰিত্ৰৰ পৰা জীৱনৰ প্ৰতি ক্ষেত্ৰত কেনে এক অবিচ্ছেদ্য সম্পৰ্ক স্থাপন কৰি গৈছে। বুৰঞ্জী আলোচনা কৰিলে নিশ্চয় প্ৰতীয়মান হ'ব যে, ৰছুল কৰিম (ছঃ)এ এই নীতিবাক্যবোৰ কেৱল কথাতেই সীমাবদ্ধ ৰখা নাছিল বৰং বাস্তৱ ক্ষেত্ৰত এটা পূৰ্ণ ৰাষ্ট্ৰ শাসন ব্যৱস্থা, সভ্যতা আৰু ৰাজনীতিক উক্ত নৈতিক ভিত্তিৰ ওপৰত প্ৰতিষ্ঠা কৰি গৈছে। এয়েই আছিল তেখেতৰ কৰ্মসূচী যাৰ ওপৰত ভিত্তি কৰি তেখেতে মানৱতাৰ সৰ্বশ্ৰেষ্ঠ নেতা আৰু পথ প্ৰদৰ্শক বুলি পৰিগণিত হৈছিল।

## মে'ৰাজ

সাধাৰণ বৰ্ণনা মতে ২৭ ৰজবৰ ৰাতিয়েই মে'ৰাজ অনুষ্ঠিত হৈছিল। হজৰত নবী কৰিম (ছঃ)ৰ জীৱনৰ এটি অতি বিশিষ্ট আৰু প্ৰসিদ্ধ ঘটনা এই মে'ৰাজ। কিন্তু মে'ৰাজৰ ঘটনাটোৱে ইমান খ্যাতি লাভ কৰিছে যে, ইয়াৰ বৰ্ণনা কৰিবলৈ যাওঁতে বহুখিনি কল্পনাৰ ৰহন সনা হৈছে। সাধাৰণ মানুহে অলৌকিক ঘটনা শুনিবলৈ ভাল পায় আৰু ইয়াতেই তেওঁলোকৰ আত্মতৃপ্তি লাভ হয়। এই কাৰণেই মে'ৰাজৰ অন্তৰ্নিহিত তাৎপৰ্য্য, উদ্দেশ্য, প্ৰয়োজনীয়তা আৰু পৰিণাম ফলাফলৰ ফালে তেওঁলোকে মুঠেই লক্ষ্য নাৰাখে। ফলত মে'ৰাজ আলোচ্য বিষয় হৈ পৰিছে। মে'ৰাজ সম্পন্ন হৈছিল সোঁ-শৰীৰেৰে নে আত্মিক ভাবে, বোৰাক কেনে ধৰণৰ জীৱ আছিল, নবী কৰিম (ছঃ) এ বেহেস্ত আৰু দোজখৰ অৱস্থা দেখিছিল, ফিৰিস্তা সকলৰ আকৃতি কেনে ইত্যাদি। প্ৰকৃত পক্ষে মানবীয় বুৰঞ্জীত যিবোৰ ঘটনা কালৰ গতিত পৰিবৰ্তন হৈছে মে'ৰাজ তাৰ ভিতৰৰে অন্যতম ঘটনা। ইয়াৰ প্ৰকৃত গুৰুত্ব বৈচিত্ৰ নহয়। বৰং উদ্দেশ্য শেষ পৰিণতিৰ মাজতেই নিহিত হৈছে। প্ৰকৃত ঘটনা এই যে, মানৱে বসবাস কৰা ভুমণ্ডল আল্লাহ তা'আলাৰ বিশাল সাম্ৰাজ্যৰ এটি মাত্ৰ অংশহে। পৃথিৱীৰ ৰাষ্ট্ৰসমূহে নিজৰ অধিকৃত দেশবোৰলৈ নিজৰ নিজৰ শাসন কৰ্তা বা ভাইচৰয় প্ৰেৰণ কৰে। ঠিক তেনেকৈয়ে আল্লাহ তা'আলাই যি সকল নবীক

এই পৃথিৱীলৈ প্ৰেৰণ কৰিছিল, তেওঁলোককো তেনে বুলি ভাবিব লাগিব। তথাপিও এফালৰ পৰা ইয়াৰ মাজত বিৰাট পাৰ্থক্য আছে। পাৰ্থিব ৰাষ্ট্ৰ সমূহৰ শাসন কৰ্তা কেৱল দেশ শাসন কৰিবলৈকে নিযুক্ত হয়। কিন্তু জগতৰ গৰাকীয়ে তেখেতৰ শাসন কৰ্তা এই কাৰণে নিযুক্ত কৰে যে, তেওঁলোকে মানৱ জাতিক সত্যৰ পথ, নিখুঁত চৰিত্ৰ, জ্ঞান-বিজ্ঞান আৰু ইয়াৰ প্ৰয়োগ কৰাৰ পদ্ধতিৰ মূল নীতিবোৰ শিক্ষা দিয়ে। এইবোৰ মূল নীতি বহু শতাব্দী ধৰি জ্যোতি স্তম্ভৰ দৰে মানৱ জীৱনৰ ৰাজপথবোৰক আলোকিত কৰি সুস্থ, সবল আৰু মংগলময় জীৱন ব্যৱস্থাৰ সন্ধান দিয়ে। উভয় প্ৰকাৰৰ গভৰ্ণৰ বা শাসনকৰ্তা, অৰ্থাৎ প্ৰতিনিধিসকলৰ মাজত বিৰাট পাৰ্থক্য থকা সত্বেও এক প্ৰকাৰৰ সাদৃশ্যও আছে। পাৰ্থিব ৰাষ্ট্ৰবোৰে এনে ব্যক্তিৰ ওপৰতেই দেশ শাসনৰ গুৰু দায়িত্ব অৰ্পণ কৰে যি সকলোতকৈ বিশ্বাসভাজন হয়। ৰাজ্যৰ আভ্যন্তৰিণ শাসন ব্যৱস্থা কি ভাবে আৰু কেনে নীতিৰ ওপৰত পৰিচালিত হৈছে তাক ভালদৰে বুজিবৰ কাৰণে সুযোগ সুবিধা তেওঁক দিয়া হয়। যিবোৰ গোপনীয় বিষয় আৰু তথ্যৱলী জনসাধাৰণক জনোৱা নহয় তাকো তেওঁক জনোৱা হয়। আল্লাহ তা'আলাৰ সাম্ৰাজ্যৰ অৱস্থাও ঠিক তেনে। এনে ধৰণে তেখেতে অতি বিশ্বাস ভাজন লোককেই পয়গম্বৰীৰ পদ মৰ্য্যদাৰে বিভূষিত কৰে। তেখেতসকলে তেতিয়া উক্ত দায়িত্বপূৰ্ণ পদত নিযুক্ত হয়, তেতিয়া আল্লাহ তা'আলাই তেওঁৰ বিশাল সাম্ৰাজ্যৰৰ আভ্যন্তৰিণ শাসন ব্যৱস্থাৰ স্বৰূপ তেওঁলোকৰ ওচৰত ব্যক্ত কৰে। মানুহেহে সাধাৰণ সৃষ্টি জগতৰ গোপন ৰহস্য আৰু তথ্যাৱলী সম্পৰ্কে সম্পূৰ্ণ অজ্ঞ যিটো নবীসকলক জনোৱা হয়।

উদাহৰণস্বৰূপে কোৱা যায় যে, ইব্ৰাহিম (আঃ)ক আকাশ মণ্ডল আৰু পৃথিৱীৰ আভ্যন্তৰিণ শাসন-শৃঙ্খলা প্ৰদৰ্শন কৰা হৈছিল। আল্লাহ তা'আলাই মৃতকক কেনেকৈ জীৱিত কৰে, তাকো তেওঁক নিজৰ চকুৰে চাবলৈ সুযোগ দিয়া হৈছিল। তুৰ পাহাৰৰ ওপৰত হজৰত মুছা (আঃ)ক খোদা প্ৰদত্ত এক অপূৰ্ব জ্যোতি প্ৰদৰ্শন কৰা হৈছিল। তাৰ পাছত খোদাৰ ইচ্ছানুযায়ী কেনেকৈ পৃথিৱী পৰিচালিত হৈছে তাক দেখি জ্ঞান লাভ কৰিবৰ কাৰণে এজন ব্যক্তি বিশেষৰ (হজৰত খিজিৰ (আঃ)) লগত

তেখেতে কিছুদিন শ্রিমণ কৰিব লগা হৈছিল। আমাৰ নবী হজৰত মোহাম্মদ মুস্তাফাৰো (ৰাঃ) এনে ·ধৰণৰ কিছু অভিজ্ঞতা লাভ হৈছিল। কেতিয়াবা তেখেতে খোদাৰ সান্নিধ্য লাভকাৰী ফিৰিস্তাক দিপবলয়ত প্রকাশ্যভাবে দেখিছিল। কেতিয়াবা আকৌ সেই ফিৰিস্তাই তেখেতৰ ইমান ওচৰ চাপিছিল যে দুয়োৰে মাজত সামান্য ব্যৱধানো নাছিল। আকৌ এবাৰ তেওঁ সেই ফিৰিস্তাক চিৰাতুল মুন্তাহা অৰ্থাৎ জড় জগতৰ শেষ উৰ্দ্ধ সীমাত দেখিবলৈ পাইছিল আৰু তাত তেখেতে আল্লাহ তা'আলাৰ মহান নিদৰ্শন সমূহৰ দৰ্শন লাভ কৰিছিল। এই ধৰণৰ এক প্রকাৰ অভিজ্ঞতাই মে'ৰাজ নহয় আৰু ই এনে পৰিস্থিতিত অনুষ্ঠিত হয়, যেতিয়া নবী (ছঃ)ক বিশেষ কোনো কামৰ কাৰণে খোদাৰ সান্নিধ্যত আহ্বান কৰা হয় আৰু গুৰুত্বপূর্ণ উপদেশ প্রদান কৰা হয়। হজৰত মুছা (আঃ)ক ছীনা উপত্যকালৈ আহ্বান কৰি তেওঁক বাৰটা ধৰ্মোপদেশ (Twelve Commandments) প্ৰদান কৰা হয়, তেতিয়া সেইটো আছিল তেখেতৰ মে'ৰাজ। বৰং মিছৰ গমনকাৰী ফেৰাউনক তেওঁৰ ৰাষ্ট্ৰ পৰিচালনাত খোদাৰ নিৰ্দেশানুযায়ী সংস্কাৰ সাধন কৰিবৰ কাৰণে আহ্বান কৰিবলৈ তেওঁৰ প্রতি আদেশ হৈছিল। এই ধৰণে হজৰত ঈছা (আঃ)ৰ মে'ৰাজ সেই খটনাকেই কোৰা হয় যেতিয়া তেখেতে গোটেই ৰাতি পাহাৰৰ ওপৰতেই কটাই দিছিল আৰু উঠি গৈ বাৰজন ব্যক্তিক ধৰ্ম প্ৰচাৰৰ কামত নিযুক্ত কৰে। তাৰ পাছত তেখেতে এনে এক ধৰ্মোপদেশ দান কৰিলে, যাক পাহাৰৰ ওপৰৰ ধৰ্মোপদেশ (Sermon on the Mount) নামে অভিহিত কৰা হ'ল। এই ধৰণৰ এক বিশেষ পৰিস্থিতিৰ ওপৰতেই নিৰ্ভৰ কৰি হজৰত মোহাম্মদ (ছঃ) খোদাৰ সান্নিধ্যলৈ আহ্বান কৰা হৈছিল।

ই সেই কালৰ ঘটনা আছিল যেতিয়া নবী কৰিম (ছঃ)এ তেখেতৰ প্ৰচাৰ কাৰ্য্যত প্ৰায় বাৰ বছৰ অতিবাহিত কৰিছিল। হেজাজৰ অধিকাংশ গোত্ৰত আৰু আবিছিনিয়া দেশত তেখেতৰ আহ্বান বাণী পাইছিলগৈ। তেখেতৰ এই বিপ্লবী আন্দোলন প্ৰথম পৰ্য্যায় অতিক্ৰম কৰি দ্বিতীয় পৰ্য্যায়ত উপস্থিত হৈছিল। দ্বিতীয় পৰ্য্যায়ত তেখেতৰ কাৰ্য্য সুদূৰ প্ৰসাৰী হৈছিল। হেজাজ আৰু আৰবৰ বাহিৰেও ওচৰ-চুবুৰীয়া অন্যান্য জাতিসমূহৰ সংস্পৰ্শলৈ আহি ইছলামী আন্দোলন এটি ৰাষ্ট্ৰত ৰূপায়িত হ'ব লগা

হৈছিল। এই কাৰণে সৃষ্টি জগতৰ সম্রাটে তেনে গুৰুত্বপূৰ্ণ পৰিস্থিতিত এক নতুন ঘোষণা পত্ৰ (Manifesto) আৰু নতুন উপদেশ দান কৰিবৰ কাৰণে তেওঁৰ সান্নিধ্যলৈ হজৰত (ছঃ)ক আহ্বান জনালে।

এই আহ্বানত খোদাৰ ওচৰ চপাৰ নামেই মে'ৰাজ। উৰ্দ্ধমাৰ্গৰ এই অলৌকিক ভ্ৰমণ হিজৰতৰ প্ৰায় এবছৰ আগতে সংঘটিত হৈছিল। এই ভ্ৰমণৰ আনুসংগিক ঘটনাৱলী বিভিন্ন হাদিছত বৰ্ণিত আছে। যেনে বয়তুল মোকাদ্দাছত উপনীত হোৱাৰ পাছত নামাজ সমাধা কৰা, আকাশৰ বিভিন্ন স্তৰ অতিক্ৰম কৰা, পূৰ্ব্বৱৰ্তী পয়গম্বৰ সকলৰ লগত মিলিত হোৱা আৰু অৱশেষত গন্তব্যস্থানত উপস্থিত হোৱা কিন্তু কোৰআন মজিদে আনুসংগিক বিষয়বোৰ পৰিহাৰ কৰি সদায় মে'ৰাজৰ প্ৰকৃত উদ্দেশ্যৰ বৰ্ণনা সীমাবদ্ধ ৰাখিছে। এই কাৰণে তাত মে'ৰাজৰ অৱস্থা বৰ্ণনা হোৱা নাই। বৰং যি মহান উদ্দেশ্যৰ কাৰণে হজৰত মোহাম্মদ (ছঃ) আমন্ত্ৰিত হৈছিল তাৰেই বিশদ বিৱৰণ লিপিবদ্ধ কৰা হৈছে। কোৰআনৰ সপ্তাদশ চুৰাত ইয়াৰ বিৱৰণ পোৱা যায়; ই আকৌ দুই অংশত বিভক্ত।

প্ৰথমাংশত "প্ৰথমে মক্কাবাসীক এই বুলি চৰম প্ৰস্তাৱ (Ultimatum) দিয়া হয় যে, যদি তেওঁলোকৰ অত্যাচাৰত খোদাৰ নবী (ছঃ)য়ে স্বদেশ ভূমি ত্যাগ কৰিবলৈ বাধ্য হয়, তেনেহ'লে তেওঁলোকে মক্কাত অধিক কাল থাকিব নোৱাৰিব।" দ্বিতীয়তে খোদাৰ নবী (ছঃ)এ অচিৰেই যি সকল বণী ইছৰাইলৰ লগত প্ৰত্যক্ষ সংস্পৰ্শত আহিব লগা হৈছিল, তেওঁলোকৰ প্ৰতি এনে সতৰ্কবাণী ঘোষণা কৰা হৈছিল- "তোমালোকে তোমালোকৰ জাতীয় জীৱনত দুবাৰ প্ৰচণ্ড আঘাত পাইছা আৰু এটি সুবৰ্ণ সুযোগো নষ্ট কৰিছা। এইবাৰ তোমালোকৰ তৃতীয় আৰু সৰ্বশেষ সুবৰ্ণ সুযোগ আহিছে।"

দ্বিতীয় অংশত তেখেতক এনে মৌলিক নীতি শিক্ষা দিয়া হ'ল, যাক ভিত্তি কৰি মানবীয় সভ্যতা আৰু চৰিত্ৰ গঠিত হ'ব পাৰে। ই চৈধ্য দফাত পূৰ্ণ আছিল।

১। আনুগত্য, দাসত্ব, সকলো স্তুতি একমাত্ৰ আল্লাহ তা'আলাৰ প্ৰাপ্য। তেওঁৰ সাৰ্বভৌম কৰ্ত্তৃত্বত (Sovereignty) অন্য কাৰো কণামাত্ৰ অধিকাৰ স্বীকাৰ কৰা নচলিব।

২। সভ্যতাৰ বিষয়ে পাৰিবাৰিক ব্যৱস্থাৰ গুৰুত্ব বিবেচনা কৰিব লাগিব। সন্তান পিতা-মাতাৰ আনুগত্য আৰু সেৱক হ'ব। আত্মীয় স্বজনৰ মাজত পাৰস্পৰিক সহায় সহানুভূতি থাকিব লাগিব।

৩। সমাজৰ যি সকল দুখীয়া, অসমৰ্থ, বস্তুহাৰা আৰু সাহাৰ্য্যৰ মুখাপেক্ষী তেওঁলোকক অৱহেলা কৰিলে নচলিব।

৪। ধনৰ অপচয় কৰিলে নচলিব। যি সকলে তেওঁলোকৰ ধন অসৎ উপায়ে ব্যয় কৰে তেওঁলোক চয়তানৰ সমতুল্য।

৫। মানুহে মিতব্যয়িতা মানি চলিব লাগিব, যেন তেওঁৰ ব্যয় বাহুল্যৰ দ্বাৰা নিজৰ আৰু আনৰ সৰ্বনাশ হ'ব নোৱাৰে। কৃপণ হৈ ধন সঞ্চয় কৰিব নোৱাৰিব।

৬। জীৱিকাৰ যি স্বাভাৱিক ব্যৱস্থা খোদায়ে কৰি দিছে, মানুহে যেন তাত হস্তক্ষেপ নকৰে। কাৰণ খোদা তেওঁৰ ব্যৱস্থাৰ পৰিণামৰ বিষয়ে অধিক জ্ঞানী।

৭। সাংসাৰিক অভাৱ-অনাটনৰ কাৰণে নিজৰ সন্তান-সন্ততিক হত্যা কৰা বা জন্মনিয়ন্ত্ৰণ কৰা নচলিব। বৰ্তমান সন্তান-সন্ততিৰ জীৱিকাৰ ব্যৱস্থা খোদায়ে যেনেকৈ কৰিছে ভৱিষ্যতেও বংশধৰ সকলক তেনেকৈ কৰিব।

৮। কাম-ৰিপু চৰিতাৰ্থৰ কাৰণে ব্যভিচাৰ অতি গৰ্হিত কাম। গতিকে কেৱল ব্যভিচাৰৰ পৰা বিৰত থাকিলেই নহ'ব। ইয়াৰ সকলো প্ৰকাৰৰ সম্ভাব্য পথ আৰু উপায়ক ৰুদ্ধ আৰু বিলুপ্ত কৰিব লাগিব।

৯। মানুহৰ প্ৰাণ হত্যা খোদায়ে নিষিদ্ধ কৰি দিছে। গতিকে খোদাৰ নিৰ্দিষ্ট বিধানৰ অন্য কোনো কাৰণে কাৰো ৰক্তপাত কৰা নচলিব। কোনেও আত্মঘাতী নতুবা নৰহত্যাকাৰী হ'ব নোৱাৰিব।

১০। এতিমৰ সম্পত্তি ৰক্ষণা-বেক্ষণ কৰিব লাগিব। যিমান দিনলৈকে সিহঁতে নিজৰ ভৰিৰ ওপৰত থিয় দিবলৈ নিশিকে, সিমান দিনলৈকে সিহঁতৰ অধিকাৰ অক্ষুণ্ণ ৰাখিব লাগিব।

১১। প্ৰতিজ্ঞা আৰু প্ৰতিশ্ৰুতি পূৰ্ণ কৰিব লাগিব। মানুহে তেওঁৰ প্ৰতিশ্ৰুতিৰ কাৰণে আল্লাহৰ ওচৰত জবাব দিহি হ'ব লাগিব।

১২। ব্যৱসায়ত সঠিকভাৱে জোখ-মাখ কৰিব লাগিব আৰু জোখ-মাখ কৰা যন্ত্ৰ নিৰ্ভুল হ'ব লাগিব।

১৩। তোমাৰ যি বিষয়ত জ্ঞান নাই, সেই বিষয়ে অনুসৰণ কৰিবলৈ নাযাবা। কাৰণ মানুহক যিমানখিনি কৰ্মশক্তি দান কৰা হৈছে, খোদাৰ ওচৰত তাৰ পুংখানুপুংখ ৰূপে জবাবদিহি কৰিব লাগিব।

১৪। আত্ম গৌৰৱ আৰু অহংকাৰেৰে খোজ নাকাঢ়িবা। কাৰণ তোমাৰ অহংকাৰে পৃথিৱীক বিকৃত কৰিব নোৱাৰে আৰু তুমি আকাশতকৈ ওখ হ'ব নোৱাৰিবা।

মে'ৰাজত উপৰোক্ত চৈধ্য দফা হজৰত (ছঃ) ওপৰত আৰোপিত কৰা হৈছিল। ই কেৱল নৈতিক শিক্ষাদানৰ নিমিত্তে প্ৰদত্ত হোৱা নাই, বৰং ই এটি এনে কাৰ্য্যসূচী আছিল যাৰ ওপৰত ভিত্তি কৰিয়েই ভৱিষ্যতে সমাজ গঠন হ'ব পাৰে। এই সকলো উপদেশ এনে সময়ত দান কৰা হৈছিল, যেতিয়া হজৰত (ছঃ)ৰ ইছলামী আন্দোলন কেৱল প্ৰচাৰ কাৰ্য্যৰ পৰা অতিক্ৰম কৰি এখন ৰাষ্ট্ৰ আৰু ৰাজনৈতিক ক্ষমতা লাভৰ পৰ্য্যায়ত উপনীত হৈছিল। এই কাৰণে ই এনে এটি ঘোষণা পত্ৰ আছিল যাৰ মাজত উক্ত মৌলিক নীতিৰ ভিত্তিত এটি সভ্যতামূলক শাসন ব্যৱস্থা স্থায়ী কৰিবৰ কাৰণে নবী (ছঃ)ক নিৰ্দেশ দিয়া হৈছিল। সেই কাৰণে মে'ৰাজত এই চৈধ্য দফা আৰোপিত কৰাৰ পৰাই আল্লাহ তা'আলাই প্ৰত্যেক মুছলমানৰ ওপৰত দৈনিক পাঁচবাৰ নামাজ ফৰজ কৰিছে। যি সকলে এই কাৰ্য্যসূচীক বাস্তৱত ৰূপায়িত কৰিব তেওঁলোকৰ মাজত এটি তীব্ৰ নৈতিক অনুপ্ৰেৰণাৰ সঞ্চাৰ হ'ব। তেওঁলোকে খোদাৰ আনুগত্য পালনত অমনোযোগী নহয়। সদায় তেওঁলোকৰ মনত এই কথাই জাগ্ৰত হৈ থাকিব যে তেওঁলোক নিজৰ ইচ্ছাধীন নহয়, বৰং তেওঁলোকৰ আদেশকৰ্তাৰ প্ৰভু একমাত্ৰ আল্লাহ তা'আলা আৰু একমাত্ৰ তেওঁৰ সন্মুখতেই প্ৰতিটো কামৰ হিচাব দিব লাগিব।